# ৺পদ্মনাভাদি চৰিত।

## (অৰ্থাৎ মুকলিমুৰীয়া গোস্বামীৰ বিবৰণ)

শ্ৰীকীৰ্ত্তিচন্দ্ৰ গোস্বামী বিদ্যাভূষণ দ্বাৰা সংগৃহীত।

—o0o—

শ্ৰীনন্দেশ্বৰ চক্ৰবৰ্ত্তীৰ দ্বাৰা প্ৰকাশিত।

—o—

১৯১৩।

আসাম বিহাৰী, গৌৰী

শ্ৰীবাঞ্ছেশ্বৰ চক্ৰবৰ্ত্তী

১৯১৩

আসাম বিহাৰী, গৌৰী আসাম যন্ত্ৰত

শ্ৰীবাঞ্ছেশ্বৰ চক্ৰবৰ্ত্তীৰ দ্বাৰা ছপা হ'ল।

# ৺পদ্মনাভাদি চৰিত।

( অৰ্থাৎ মুকলি মুৰীয়া গোস্বামীৰ বিৱৰণ। )



শ্ৰীকীৰ্ত্তিচন্দ্ৰ গোস্বামী বিদ্যাভূষণৰ দ্বাৰা

সংগৃহীত।

---

শ্ৰীনন্দেশ্বৰ চক্ৰবৰ্ত্তী দ্বাৰা

প্ৰকাশিত।




নতুন তাঙৰণ।

১৯১৩।

আসাম ৰিহাবাৰী, গৌৰী শঙ্কৰ যন্ত্ৰত।

শ্ৰীৰাত্নেশ্বৰ চক্ৰবৰ্ত্তীৰ দ্বাৰা ছাপা হ'ল।

# পাতনি।

আমাৰ পূৰ্ব্বপুৰুষ সকলৰ এখনি বিবৰণ লেখিবৰ কাৰণ আমাক আমাৰ বংশীয় জনদেউকে আৰু শিষ্য জন দেউকেই অনেক দিনৰ পৰাই উদগাই আছিল। কিন্তু আমি সিমান লাগতিয়াল যেন নেদেখি আওকান কৰি আছিলো। উপৰি পুৰুষ সকলৰ সাঙ্গোপাঙ্গ বিবৰণ পাবলৈকো বৰ্ত্তমান অনেক অসুবিধা দেখোতে দেখোতেই প্ৰায় বৃদ্ধলোকে মৰ্ত্ত্য-ধাম পৰিহাৰ কৰিলে। আহোম ৰজাৰ দিনত যি বিলাক অসমীয়া ভাষাৰ বুৰঞ্জী আছিলে, অধিকাংশ বুৰঞ্জী ৰাজেশ্বৰ সিংহ ৰজাৰ দিনতে এজন ৰাজপুৰুষৰ অনুগ্ৰহত অগ্নিত সৎকাৰ হ'ল। যি এখন দেশত আছে তাকো সুবিধা মতে পাব নোৱাৰি।

এই কাৰণেই অনেক ভদ্ৰলোকৰ আতি-গুৰি ভালকৈ কব নোৱাৰাত পৰিছেহি। আমাৰ উপৰি পুৰুষ সকলৰো এই দশাই বুলিব লাগে। বদনচন্দ্ৰ বৰ ফুকনৰ কৃপাত মাণে তিনিবাৰ আসাম লুট পাট কৰে, সেই বিপ্লৱতে আমাৰ পুৰণা চিন সকলো লোপ পায়। এতিয়া আমাক সাধাৰণ বামুণৰ লগত ঠাই দিলেও অবস্থাই আমাক ঠাই লবলৈ বাধা কৰিছে। একমাত্ৰ দয়াময়ী জগদম্বাৰ কৃপাত অতীজৰ শ্ৰোত্ৰিয় সূচক ভট্টাচাৰ্য্য আৰু আসাম ৰাজদত্ত গোস্বামী পদপিটিয়ে মাথোন অলপ উচ্চ কৰি ৰাখিছে।

ইপিনে এই পদপি দ্বয়ে বৰ্ত্তমানে আমাক অপকাৰ হে কৰিছে। হিন্দুধৰ্ম্মৰ অবনতিৰ সময়ত তেনে পদপি নিতান্ত লজ্জা কাৰক মাত্র। "ভোগাই নামলৈ পানী কাহুঁদি খোৱা" পটন্তৰ আমাতে মিলিছে। তথাপি অনেকৰ অনুৰোধত অনিচ্ছা সত্বেও আমাৰ সংক্ষিপ্ত বিৱৰণ লেখা হ'ল।

ইমানতে এখনি বিবৰণি পুথি নেলেখিলে আমাৰ পুলি পোষা বোৰে যে একোকে কব নোৱাৰা হব, ইও এটা বিবৰণ লেখাৰ ঘাই কাৰণ।

এই বিবৰণ অনেক অনুসন্ধান কৰিহে লেখা গৈছে, তথাপি যে ভ্রম প্রমাদ শূন্য এনেকৈ ডাঠি কব নোৱাৰি। আশা কৰো কোনো অভিজ্ঞ জনে আমাৰ ভ্রম প্রমাদ দেখিলে আমাক যেন জানিবলৈ দিয়ে সবিনয়ে এই ভাৰসা কৰা হ'ল।

পৰি শেষত জনাও কুৱালগুৰি নিবাসী পূজ্যতম শ্রীশ্রীযুক্ত কীৰ্ত্তিচন্দ্ৰ দেব গোস্বামী পিতৃব্য দেবে এই বিবৰণি আদ্যন্ত ভালকৈ চাই সংশোধন কৰি দিয়া বাবে তেওঁৰ ওচৰত চিৰ ঋণী থাকিলোঁ। কিমধি কমিতি।

শক ১৮৩৪। ২৪ শ্রাবণ
যোৰহাট।

শ্রীকীৰ্ত্তিচন্দ্ৰ শৰ্ম্মণঃ।




শ্ৰীদুৰ্গা

শৰণম্।

অশেষগুণজ্ঞ, স্নেহাস্পদ।

শ্ৰীমৎকীৰ্ত্তিচন্দ্ৰ গোস্বামী বিদ্যাভূষণ দীৰ্ঘজীবিষু।

তোমাৰ দ্বাৰা সংগৃহীত আমাৰ পূৰ্ব্বপুৰুষ সকলৰ অৰ্থাৎ "পদ্মনাভাদি চৰিত" নামে হাতেলেখা পুথিখনি আদ্যন্ত পঢ়ি বৰ আনন্দ পালো। মই অনেক দিনৰ পৰাই এনে এখনি পুথিৰ অভাব বুজিছিলো। তোমাৰ দ্বাৰা এই অভাব পূৰ্ণ হোৱাত বিশেষ সুখী হলু। মদীয় পিতৃদেব ৺ পূৰ্ণানন্দ গোস্বামীয়ে লেখি থৈ যোৱা চৰিত্ৰৰ সহিত প্ৰায় মিলহৈছে। যি ভ্ৰম প্ৰমাদ আছিলে শুধৰাই দিয়া হৈছে। ইতি।

শক ১৮৩৪। ২২ ভাদ্ৰ
কুৰালগুৰি, গোলাঘাট।

শুভাকাংক্ষী
শ্ৰীকীৰ্ত্তিচন্দ্ৰ দেব গোস্বামী

# চিঠি।

শ্ৰীদুৰ্গা

স্নেহাস্পাদেষু শুভাশিষঃ।

তোমাৰ সংগৃহীত "পদ্মনাভাদি চৰিত" পঢ়ি চাই অতিশয় সন্তোষ পালো। এই পুথি প্ৰচাৰিত হলে আমাৰ পুত্ৰ পৌত্ৰাদিৰ উপৰি পুৰুষ সকলৰ মহত্ব স্মৰণ থাকিব। অতএব সোনকালে প্ৰকাশ হলে সন্তোষৰ কথা। ইতি।

শক ১৮৩৪। ২৫ ভাদ্ৰ
দেবগ্ৰাম।

নিত্যাশীৰ্ব্বাদ।
শ্ৰীকৃষ্ণচন্দ্ৰ শৰ্ম্মা গোস্বামী।

# ৺পদ্মনাভাদি চরিত



প্রণম্য চরণাম্ভোজং দুর্গায়া ভুক্তি মুক্তিদং।
পূর্ব্বেষাং চরিতং যত্নাৎ সংক্ষেপেন বিতন্যতে॥

---

## প্রথম পরিচ্ছেদ।

পূর্ব্বকালত ব্রাহ্মণ গণ পঞ্চ গৌড় পঞ্চ দ্রাবিড় নামে দুই ভাগে বিভক্ত আছিলে যথা—

সারস্বতাঃ কান্যকুব্জা গৌড় উৎকল মৈথিলাঃ।
পঞ্চ গৌড়াঃ সমাখ্যাতা বিন্ধ্যস্যোত্তর বাসিনঃ॥
কর্ণাটা শ্চৈব তৈলঙ্গা গুর্জ্জরা রাষ্ট্র বাসিনঃ।
আন্ধ্রাশ্চ দ্রাবিড়াঃ পঞ্চ বিন্ধ্যদক্ষিণ বাসিনঃ॥

বিন্ধ্যপৰ্ব্বতৰ উত্তৰ ভাগত (আৰ্য্যাবৰ্ত্তত) থকা সাৰস্বত দেশ বাসী, কান্যকুব্জ (কনৌজ) দেশবাসী, গৌড় (বঙ্গ) দেশবাসী, উৎকল (উড়িষ্যা) দেশবাসী, মিথিলা (ত্রিহুত) দেশবাসী, এই পাঁচ দেশৰ ব্ৰাহ্মণক পঞ্চ গৌড় বোলে। বিন্ধ্যপৰ্ব্বতৰ দক্ষিণাংশত (দাক্ষিণাত্যত) থকা কৰ্ণাট দেশবাসী, তৈলঙ্গ (মাদ্রাস্) দেশ বসী, গুৰ্জ্জৰ (গুজৰাট) দেশবাসী, ৰাষ্ট্ৰ (মহাৰাষ্ট্ৰ) দেশবাসী, আৰু অান্ধ্ৰ (ইন্দোৰ) দেশবাসী, ব্ৰাহ্মণ সকলক পঞ্চ দ্রাবিড় বোলে।

দহ প্ৰকাৰ ব্ৰাহ্মণৰ ভিতৰত অতীজত অনেক ব্ৰাহ্মণেই আসামলৈ আহি কাল প্ৰভাবত বসতি কৰে। সাৰস্বতাদি দেশৰ পৰা আসামলৈ অহা কোনো কোনো ব্ৰাহ্মণৰ ভিতৰত দেশৰ নাম পাব পাৰি। কিন্তু আসাম দেশত পৰি দেশৰ নাম অলপ বিকৃতি হৈছে মাত্ৰ। আধুনিক কোনো কোনো বঙ্গীয় লেখকৰ মতে আসাম দেশ পৰ্ব্বত ময়, জল ময়, অৰণ্যময় হলেও পূৰ্ব্বকালত আসাম তেনে নাছিলে। এই আসাম এক সময়ত স্বৰ্গভূমি বুলি অভিহিত হৈছিলে। এই দেশত ভগবান বাৰাহৰ পুত্ৰ নৰকাসুৰ প্ৰবল পৰাক্ৰমী ভগদত্তাদিৰ বিস্তীৰ্ণ ৰাজ্য আছিলে। বাণ ৰাজাৰ ভক্তিত হৰ পাৰ্ব্বতী সপৰিবাৰে ভক্তৰ স্নেহত

নগৰতে বাস কৰিছিল। যাৰ পৰমা সুন্দৰী কন্যা উষা দেবীৰ অলৌকিক ৰূপলাৱণ্যত মুগ্ধ হৈ শ্ৰীকৃষ্ণৰ পৌত্ৰ অনিৰুদ্ধই সুদূৰ দ্বাৰকাৰ পৰা আহি উষাদেবীৰ পানীগ্ৰহণ কৰে। যি দেশৰ বুকত গঙ্গাৰ অৰ্দ্ধ ফলদাতা ব্ৰহ্মপুত্ৰ নদ, মহাপীঠ কামাখ্যা যোনি মণ্ডল, ভুবনেশ্বৰী, উমানন্দ, অশ্বক্ৰান্ত আদি মহা তীৰ্থ। এনে দেশলৈ কনৌজাদি দেশৰ সদ্ব্ৰাহ্মণ আৰু সৎশূদ্ৰ অহা অসম্ভৱ নহয়। পূৰ্ব্ব কালত এই আসামৰ নাম কামৰূপ আছিলে, কালিকা পুৰাণত কথিত আছে যে—

" অন্যত্ৰ বিৰলা দেবী কামৰূপে গৃহে গৃহে। "

মাণ-মৰাণৰ উপদ্ৰৱত দেশ উচ্ছন্ন হ'ল, মানব বসতি নিবিড় অৰণ্যত পৰিণত হ'ল। বৰ্ত্তমান যি বিলাকু জাৰণি হাবি দেখা যায় পূৰ্ব্বকালত সেই বিলাকত মানুহৰ বসতি আছিলে। ব্ৰহ্মপুত্ৰৰ দক্ষি-ণাংশত কৈ উত্তৰাংশত আৰ্য্য সকলৰ বসতি অধিক পৰিমাণে আছিলে; পাৰ্ব্বত্য জাতিৰ উপদ্ৰৱত উত্ত-ৰাংশৰ মানুহ স্থানচ্যুত হোৱাত মাজসময়ৰ পৰা অধিকাংশ ভদ্ৰলোকৰ মাজালিত বসতি হয়। মাণ আৰু ব্ৰহ্মপুত্ৰৰ উপদ্ৰৱত অনেক ভদ্ৰলোকে মাজালিৰ পৰা ব্ৰহ্মপুত্ৰৰ দক্ষিণ ভাগত বসতি কৰে।

ওপৰত কোৱা পঞ্চগৌড় ব্ৰাহ্মণৰ ভিতৰৰ কনৌজ দেশ বাসী বৈদিক শ্ৰেণীৰ কৌশিক গোত্ৰৰ অদ্বৈতা-নন্দ ভট্টাচাৰ্য্যৰ সন্তান দশৰথ ভট্টাচাৰ্য্য নামে এজন অশেষ শাস্ত্ৰজ্ঞ ব্ৰাহ্মণ ১৫৩৫ শকত তীৰ্থযাত্ৰা প্ৰসঙ্গত কামৰূপলৈ আহে। সেই ব্ৰাহ্মণৰ লগত পৰাশৰ গোত্ৰৰ ঘণ্টাকৰ্ণ, কৌশিক গোত্ৰৰ কৃপাময় দুইজন ব্ৰাহ্মণ সহযাত্ৰী ৰূপে আহে। দশৰথ ভট্টাচাৰ্য্যই সহ-যাত্ৰী দুইজন ব্ৰাহ্মণ সহিত অশ্বক্ৰান্তত শ্ৰাদ্ধ কৰি বিষ্ণুপদত পিণ্ড দি উমানন্দ দৰ্শনৰ পাচত কামাখ্যা পীঠ দৰ্শন কৰে। সেই সময়ত উজনী আসামত প্ৰবল পৰাক্ৰমী ইন্দ্ৰবংশী বুদ্ধি স্বৰ্গনাৰায়ণ আসামৰ হৰ্ত্তা-কৰ্ত্তা। তদীয় প্ৰতিনিধি স্বৰূপে এজন বৰ ফুকনে গুৱাহাটী খণ্ড শাসন কৰে।

মহাৰাজ বুদ্ধি স্বৰ্গনাৰায়ণ যদিও হিন্দুধৰ্ম্মত সম্পূৰ্ণ দীক্ষিত হোৱা নাই, তথাপি হিন্দুধৰ্ম্মৰ ফালে আংশিক ৰূপে শ্ৰদ্ধা হৈছে। এই জনা মহাৰাজে বিশ্বনাথৰ দঁল, গেলাবিলৰ দাতিত দেৰগাৱঁৰ শিব দেৱালয় প্ৰথম কৰাই, আৰু দেবোত্তৰ ব্ৰহ্মোত্তৰ ভূমিৰ বন্দোবস্ত কৰে।

সেই সময়ত গুৱাহাটীত শাস্ত্ৰব্যৱসায়ী পণ্ডিতৰ বৰ মেলা, দশৰথ ভট্টাচাৰ্য্যৰ অলৌকিক শাস্ত্ৰজ্ঞানত বিশেষ

কৈ বেদ চৰ্চ্চাত পণ্ডিত সকলে বৰ সন্তোষ পালে। এই দুজন পণ্ডিতক আসামত ৰাখিলে ভবিষ্যতে আসামৰ উপকাৰ ভাবি পণ্ডিত সকলে বৰফুকনক জনালে। বৰফুকনে মহাৰাজলৈ জনাই, মহাৰাজৰ অনুমতি মতে ভট্টাচাৰ্য্যক উজানলৈ পঠাই দিলে। ভট্টাচাৰ্য্যই বঙ্গদেশৰ নবদ্বীপত ন্যায়দৰ্শন পঢ়িছিল, সেই বাবে বঙ্গভাষা জানে, আৰু কনৌজী ভাষা জানে। আসামত সেই সময়ত উক্ত দুইবিধ ভাষাৰ সিমান প্ৰচলন নথকাত মহাৰাজাই পণ্ডিতৰ দ্বাৰাই হে প্ৰত্যুত্তৰ জানিব পাৰিছিল। মহাৰাজে ভট্টাচাৰ্য্যৰ শাস্ত্ৰজ্ঞানত বিশেষ শন্তোষ পাই তেওঁক আসামতে ৰাখিবৰ কাৰণ অনুৰোধ কৰিলে। ভট্টাচাৰ্য্যই নিজৰ আৰু সঙ্গী ব্ৰাহ্মণ দুইজনৰ পৰিবাৰ আদি দেশত থকাবাবে প্ৰথমে আসামত থাকিবলৈ আপত্তি কৰিলে। কিন্তু মহাৰাজে পৰিবাৰাদি অনাই দিবলৈ স্বীকৃত হোৱাত ভট্টাচাৰ্য্যই আসামত থাকিবলৈ মান্তি হল। পাচত মহাৰাজে ভট্টাচাৰ্য্যক নগৰতে ৰাখি লগত অহা ব্ৰাহ্মণ এজনক কটকি সহিত পঠাই কনৌজৰ ৰজাৰ অনুমতি মতে তেনিউৰো পৰিবাৰ অনাই দিয়ে। ভট্টাচাৰ্য্যই ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে থাকিবলৈ ইচ্ছা প্ৰকাশ কৰি মহাৰাজক জনোৱাত তদনুসাৰে উত্তৰ লক্ষীমপুৰত চুঙ্গা

পাৰ নামে ঠাই এডখৰত উপযুক্ত ঘৰ বাড়ী কৰাই দিয়ে। লগৰ দুইজন ব্ৰাহ্মণকো পৃথকে ঘৰ বাড়ী কৰাই দিয়ে। ভট্টাচাৰ্য্যক প্ৰবৰ্ত্তিৰৰ কাৰণ এশপুৰা মাটী ব্ৰহ্মোত্তৰ কৰি দিয়ে, পৰিকৰৰ বাবে কিছুমান মানুহ দিয়ে। চুঙ্গাপাৰত দিয়া ভুমিৰ নাম চুঙ্গাপাৰ খাট বোলে। আবশ্যক মতে মহাৰাজে যেতিয়া বিচাৰ কৰে তেতিয়া ভট্টাচাৰ্য্য ৰাজ সভাত উপস্থিত হয়।




সেই দশৰথ ভট্টাচাৰ্য্যৰ আসামত এজন পুত্ৰ হয়, কনৌজত হোৱা দুইজন পুত্ৰ মাকৰ লগতে আসামলৈ আছে। কিন্তু কনৌজৰ পৰা অহা জেষ্ঠ আৰু মধ্যম পুত্ৰ অকালতে কাল গ্ৰাসত পৰে, আসামত হোৱা কনিষ্ঠ জনৰ ক্ৰমে বংশ বিস্তীৰ্ণ হয়। দশৰথৰ কনিষ্ঠ পুত্ৰৰ নাম মনোহৰ ভট্টাচাৰ্য্য, মনোহৰে পিতৃৰ পৰাই ব্যাক-ৰণাদি শিক্ষা কৰে। কিন্তু অসময়ত পিতৃ-বিয়োগ

হোৱা বাবে পর্য্যাপ্ত শিক্ষা নহল। পিতৃৰ মৃত্যুৰ পূৰ্ব্বেই মাতৃ বিয়োগ হোৱা বাবে মনোহৰ একপ্ৰকাৰ অনাথ হয়। মনোহৰে পৰমানন্দ ভট্টাচাৰ্য্যৰ দুহিতৃ অম্বিকাদেবীক বিবাহ কৰাই।

মনোহৰৰ বিবাহ প্ৰায় ১৮ বছৰ বয়সতে হয়, অসহায় বাবেই কম বয়সত বিবাহ হোৱাৰ কাৰণ। মনোহৰৰ পাঁচজন পুত্ৰ, ১ম হৃষীকেশ, ২য় বিশ্বম্ভৰ, তৃতীয় দামোদৰ, চতুৰ্থ কৃষ্ণনাথ, পঞ্চম পদ্মনাভ। হৃষীকেশাদি চাৰি জনৰ কালক্ৰমে সন্তুতি উচ্ছেদ হৈ গৈছে, এই কাৰণে সিবোলাকৰ বিষয় উল্লেখ অনাবশ্যক।

পদ্মনাভ ভট্টাচাৰ্য্য ১৫৮০ শকত ৰটন্তী চতুৰ্দ্দশীত জন্মহয়, পদ্মনাভৰ উপনয়ণৰ পাচতে তদীয় পিতৃ মনোহৰৰ মৃত্যু হয়। পিতৃ মৰণৰ পূৰ্ব্বিতে মাতৃদেবীৰো পৰলোক হয়। পদ্মনাভ সৰুৰে পৰাই মিতভাষী আৰু সৰল, বিদ্যাচৰ্চ্চাতো বিশেষ ৰূপে অনুৰক্ত, গৃহ কাৰ্য্যত আশক্তি মোটে নাই। কিন্তু তদীয় পূৰ্ব্বজ সকলে পদ্মনাভক গৃহকাৰ্য্যত উদাসীন দেখি তেওঁৰ ওপৰত প্ৰায়ে অসন্তুষ্ট, সময়ত কটূক্তিও নকৰি থাকে। পদ্মনাভে লক্ষ্মীকান্ত ন্যায়বাগীশ নামে এজন অধ্যাপকৰ ওচৰত অধ্যয়ন কৰে। ব্যাকৰণত

ভাল ব্যুৎপত্তি হৈছে, ভট্টি কুমাৰসম্ভব আদি। খন-দেউক সাহিত্যও পঢ়িছিল। সেই সময়ত পদ্মনাভৰ বয়স ষোল বছৰ। এনেতে এদিন জেষ্ঠ সকলৰ কটু বাক্যত পদ্মনাভে ৰাত্রি আহাৰ নকৰি দুঃখ মনে শুই থাকিল।

সেই দিনা ৰাত্রি শেষত পদ্মনাভে স্বপ্নত দেখিলে যে, এজনা সৰ্ব্বাঙ্গ সুন্দৰী শুক্ল স্ত্র পৰিহিতা স্ত্রী লোকে হাস্য মুখে স্নেহ কৰি পদ্মনাভক কলে। বাপা! তুমি ইয়াত থাকিলে তোমাৰ আগ্ৰহ মতে বিদ্যা উপাৰ্জ্জন নহয়। এতেকে তুমি নবদ্বীপলৈ যোৱা, তাত তোমাৰ যথোচিত বিদ্যা হব, যোৱাৰ বিষয়ে তোমাক বৰফুকনে সহায় কৰিব।

পদ্মনাভে শেষ ৰাত্রিত এই স্বপ্ন দেখি আৰু নুশুলে। পাচ দিনা ঘৰত হৃষ্ট মনে ভোজন কৰি লক্ষ্মীকান্ত ন্যায় বাগীশৰ পুত্র গদাধৰক লগত লৈ কাকো নোকোৱা কৈ গুৱাহাটীৰ ফাললৈ যাত্রা কৰিলে। সেই সময়ত ৰেল, জাহাজ, টেলিগ্ৰাফ অধিক কি এতিয়াৰ দৰে ডাকো নাই। কাযেই যাত্রীৰ যাত্রাত মহৎ শঙ্কট। পদ্মনাভে স্বপ্নদৃষ্ট স্ত্রীমূৰ্ত্তিকে হৃদয়ত ভাবি জলপথত নাৱেৰে স্থলপথত পদব্ৰজে অনেক দিন গৈ গুৱাহাটী পালেগৈ। গুৱাহাটীত কামাখ্যা দৰ্শন কৰি বৰ ফুকনক দেখা কৰি নিজৰ অভি-

প্ৰায় জনালে। বৰফুকনেও পদ্মনাভৰ আগ্ৰহ দেখি অলপ খৰছ কৰি দি নাৱৰেই নবদ্বীপত থোৱালে।

সেই সময়ত নবদ্বীপত ৰঘুনাথ শিৰোমণিৰ শিক্ষিত অধ্যাপক সকল ন্যায়দৰ্শনৰ অধ্যাপক, স্মাৰ্ত্তশিৰোমণি ৰঘুনন্দনৰ আৰু মহামহোপাধ্যায় শূলপানিৰ শিক্ষিত অধ্যাপক সকলৰ স্মৃতি শাস্ত্ৰৰ শিক্ষক, বৈষ্ণব দলত শ্ৰীচৈতন্যৰ শিষ্যসকল, আগম মাৰ্গত কৃষ্ণানন্দৰ শিষ্যসকল, দেশৰ শাসন কৰ্ত্তা মহাৰাজ কৃষ্ণচন্দ্ৰৰ সন্তান। সেই সময়ত নবদ্বীপত নিশাই-দিন বুলিব লাগে। পদ্মনাভ আৰু গদাধৰে নবদ্বীপ পাই ৰমানাথ ন্যায়বাগীশৰ ঘৰতে আশ্ৰয় ললে। সেই সময়ত নবদ্বীপত প্ৰতি অধ্যাপকৰে বেলেগ ২ চতুষ্পাঠী। কিন্তু, কৃষ্ণনগৰৰ ৰজাৰ তত্বাবধানত এটা চতুষ্পাঠী আছিলে,সেই চতুষ্পাঠীত পাঁচ জন অধ্যাপকে ব্যকৰণ, সাহিত্য, স্মৃতি, দৰ্শন শিক্ষা দিয়ে। সেই টোলৰে ৰমামাথ ন্যায় বাগীশ অধ্যক্ষ আৰু দৰ্শনৰ অধ্যাপক। সেই টোলৰ ছাত্ৰ সংখ্যাও বেচি, সেই টোলৰ সমুদয় ব্যয় কৃষ্ণনগৰৰ মহাৰাজে বহন কৰে।

পদ্মনাভৰ বিনয় আৰু মেধা দেখি ৰমানাথ ন্যায়বাগীশে ৰজাক জনাই সেই টোলতে আসামৰ ছাত্ৰ দুই জনক ভৰ্ত্তি কৰিলে। সেই টোলৰ নাম "নবদ্বীপ সৰস্বতী চতুষ্পাঠী" আছিলে।

পদ্মনাভ আৰু গদাধৰে সেই টোলত প্ৰথমে নব্য স্মৃতি পৰে প্ৰাচীন স্মৃতি অধ্যয়ন কৰে। স্মৃতি পঢ়াৰ লগে লগে মীমাংসা দৰ্শন অধ্যয়ণ কৰে। স্মৃতিৰ পাঠ শেষ কৰি গোতম কৃত ন্যায়, কণাদ কৃত বৈশেষিক দৰ্শন অধ্যয়ন কৰে, লগতে নব্যন্যায়ৰো অনেক আবৃত্তি কৰে। পদ্মনাভৰ বুদ্ধিমত্তাত অধ্যাপক সকল সন্তুষ্ট হয়; আঠ বছৰত স্মৃতি দৰ্শনৰ পাঠ শেষ কৰে। পদ্মনাভ আৰু গদাধৰৰ পাঠ সমাপ্ত হলত নবদ্বীপ নিবাসী অধ্যাপক মণ্ডলীয়ে পদ্মনাভক "বিদ্যাবাগীশ" গদাধৰক তৰ্কাচাৰ্য্য উপাধিৰে ভূষিত কৰে।

গদাধৰ তাৰ পৰাই নিজঘৰলৈ উভটি আহে, পদ্মনাভে বেদান্ত দৰ্শন পঢ়িবলৈ ৺কাশীধামলৈ যাত্ৰা কৰে। কাশীধামলৈ যাওঁতেই গয়াত সোমাই গয়াৰ কৃত্য সমাপন কৰে।

কাশীত হৰিহৰ দ্বিবেদীৰ পৰা ব্যাসকৃত 'বেদান্ত দৰ্শন পতঞ্জলি কৃত পাতঞ্জলদৰ্শন, কপিলকৃত সাংখ্য দৰ্শন অধ্যয়ণ কৰে। হৰিহৰ হিন্দুস্থানি পণ্ডিত বাবে তেওঁৰ পৰাই যথাসম্ভব বেদৰ শিক্ষাও হয়। বেদান্তাদি অধ্যয়ন কৰাত প্ৰায় তিনিবছৰ সময় লাগে।






সেই সময়ত, কাশীত বিখ্যাত যোগী পৰিব্ৰাজকাচাৰ্য্য পৰমহংস শ্ৰীপূৰ্ণানন্দ যতি নামে এজন সাধু আছিল। কাশীৰ লোক সমূহৰ পৰা সেই যতিবৰৰ মাহাত্ম্য শুনি পদ্মনাভেও সেই সাধুৰ ওচৰত যায়। যতিবৰে পদ্মনাভৰ বিদ্যাবত্তাত সুখী হৈ পৰিচাৰক ৰূপে অপৰ শিষ্যৰ সহিত যতিৰ লগত থাকিবলৈ অনুমতি কৰে। পদ্মনাভেও সেই মতে যতিবৰৰ পৰিচৰ্য্যা কৰি থাকে। যতিবৰ প্ৰায়ে ধ্যানত মগ্ন থাকে, বাহিৰ কথাত অলপো আশক্তি নাই। এদিন পদ্মনাভে সুবিধা পাই যতিক জনালে যে কৃপা কৰি ব্ৰহ্মদৰ্শণ কৰাওক, যতিবৰে সময়ত লাভ হব বুলি সমিধান দিলে। পদ্মনাভে যতিক পৰিচৰ্য্যা কৰিএই আছে, ক্ৰমে বছৰ পূৰ্ণ হব লগা হল, তথাপি যতিয়ে একো কৰা নাই। এদিন হঠাৎ

যতিয়ে পদ্মনাভক বিৰলে মাতি কলে যে আজি তোমাৰ অভীষ্ট সিদ্ধি হব; তোমাৰ পৰিচৰ্য্যাত মই নিতান্ত সুখী হৈছো।

আজি মাঘীপূৰ্ণিমা চন্দ্ৰগ্ৰহণৰো সম্ভব আছে, এতেকে তোমাক অনুগ্ৰহ কৰা হব। যতিবৰে ইয়াকে কৈ পদ্মনাভক উপবাশে থাকিবলৈ অনুমতি কৰিলে। পদ্মনাভে যতিবৰৰ আদেশ মতে দিনত উপবাস কৰি আছে, ৰাত্ৰি যেতিয়া চন্দ্ৰ গ্ৰহণ হল তেতিয়া পদ্মনাভক দশাশ্বমেধ নামক ঘাটলৈ নি গঙ্গাত স্নান কৰাই মন্ত্ৰ দি দীক্ষিত কৰিলে। পাচত অলপ দিন মাত্ৰ যতিবৰে তন্ত্ৰৰ আবশ্যকীয় বিযয় শিক্ষা দি ক.লে যে। তোমাক তন্ত্ৰৰ বিষয়ে বিশেষ ৰূপে শিক্ষা দিব নালাগে,পৰবিদ্যাৰ কৃপাত তোমাৰ সকলো সিদ্ধিহব। কিন্তু, পুৰশ্চৰণ নকৰিলে মন্ত্ৰসিদ্ধি নহয় এতেকে তুমি নিৰ্জ্জন স্থানত পুৰশ্চৰণ কৰা। কাশী মুক্তি ক্ষেত্ৰ ইয়াত পুৰশ্চৰণ কৰিলেও অবশ্য মন্ত্ৰসিদ্ধি হয়। কিন্তু, কাশীত জনসংখ্যা বেচি বাবে নিৰলা নহয়, এতেকে তুমি কামাখ্যাৰ ভুবনেশ্বৰীত পুৰশ্চৰণ কৰাই ভাল। তোমাৰ এক পুৰশ্চৰণতে ধ্যানানুৰূপিণী দেৱতা প্ৰত্যক্ষ হব। আৰু তোমাৰ প্ৰপৌত্ৰ পৰ্য্যন্ত পৰি বিদ্যাৰ বিশেষ অনুগ্ৰহ থাকিব তাৰ পাচত যি জনে দেবতাক কায়মনো বাক্যে

আত্মীয় ভাবিব তাৰ ওপৰত হে অনুগ্ৰহ থাকিব, অবিশ্বাসী সকলৰ দুৰ্গতিৰ সীমা নাইকিয়া হব। আৰু তোমাৰ সন্ততি সকলে যাতে নিত্য নৈমত্তিক ক্রিয়াসমূহ যথাকালত সম্পন্ন কৰে তাৰ নিমিত্তে বিশেষ যত্ন কৰিবা।

পদ্মনাভ ভট্টাচাৰ্য্যই যতিবৰৰ পৰা এইদৰে অনুমতি পাই যতিবৰক সাষ্টাঙ্গ প্ৰণিপাত পূৰ্ব্বক প্ৰদক্ষিণ কৰিলে। যতিৰ বিচ্ছেদ শোকত সন্তপ্ত হৈ কোনোমতে কামৰূপলৈ উভটিল। কামাখ্যা পাই যতিৰ আদেশ মতে ৺ ভুবনেশ্বৰী পীঠত সংযত ৰূপে পুৰশ্চৰণ কৰিলে। পুৰশ্চৰণৰ অন্তত উপাস্য দেবতাই ধ্যানানুৰূপিণী মূৰ্ত্তি হৈ সাক্ষাৎ দৰ্শন দিলে। তাদৃশ মহাত্মা লোকে তাদৃশ চিন্তা মণিক দৰ্শণ কৰিলে নশ্বৰ সংসাৰৰ অনিত্য সুখক কেতিয়াও ইচ্ছা নকৰে, কেবল ভক্তি বা মুক্তিকে হে বাঞ্ছা কৰে মাহাত্মা পদ্মণাভ মহাপুৰুষেও

অনিত্যং শৰীৰং মাত ৰনিত্যাঃ সৰ্ব্বসম্পদঃ।
যাচে ত্বচ্চৰণাম্ভোজে ভক্তিমব্যভি চাৰিনীম॥

জননি। শৰীৰ আৰু সমস্ত সম্পতি অনিত্য, একমাত্ৰ তোমাৰ চৰণাৰবিন্দ নিত্য, অতএব তোমাৰ চৰণাৰবিন্দত একান্ত ভক্তি মাগিছো। ধ্যাণানুৰূপিণী দেবতাই কলে যে—

ময়িতেহস্তি স্থিৰা ভক্তিভূ'য়োহ পোবং ভবিষ্যতি।
দেহান্তে পৰমং ধাম তয়া প্ৰাপ্স্যতি পুত্ৰক ॥
ভাবিন স্তব পুত্ৰাদ্যা যদি মৎ্ৰ্মৎ পৰায়ণাঃ।
তেষা মপি শুভং বিদ্ধি কৃপয়া জগদিশিতুঃ ॥

তোমাৰ মোত ভক্তি স্থিৰ আছে ; এই দৰে আগলৈকে থাকিব, সেই ভক্তিৰেই দেহান্তত উৎকৃষ্ট স্থান লাভ কৰিব পাৰিবা। ভবিষ্যৎ তোমাৰ পুত্ৰাদিও যদি মৎ ভক্তি পৰায়ণ হয় তেনে হলে সেই সকলৰো ভগবানৰ কৃপাত ভাল হব। পদ্মনাভ ভট্টাচাৰ্য্যক এই ৰূপে অনু-গ্ৰহ কৰি অন্তৰ্হিতা হল। পদ্মনাভে পুৰশ্চৰণৰ অন্তত পুনঃ গুৰু দৰ্শনাৰ্থে কাশীধামলৈ যায় ॥ কিন্তু, কাশীত গুৰু দৰ্শন নোপোৱাত প্ৰয়াগাদি তীৰ্থ পৰ্য্যটন কৰি "ৰামেশ্বৰ সেতুবন্ধ" দৰ্শন কৰে। প্ৰবাদ আছে যে সেতু বন্ধত থকোতেই এদিন পদ্মনাভে সাগৰৰ জলত পাঁচ খনীয়া দশভুজা দুৰ্গা মূৰ্ত্তি দৰ্শন কৰে। সেই দৰেই ভট্টাচাৰ্য্যই নিজ দেশত দশভুজা মূৰ্ত্তি নিজে সাজি শাৰ-দীয় মহোৎসব সাধন কৰিছিল। সেই ঠগৰ প্ৰতিমা তদীয় প্ৰপৌত্ৰ পৰ্য্যন্ত কৰিব পাৰিছিল বুলি অনেকৰ পৰা শুনা আছে।

পদ্মনাভ ভট্টাচাৰ্য্যে সেতু বন্ধৰে পৰা উভটি আহি, লক্ষীমপুৰ পায়হি, তেতিয়া তেওঁৰ বয়স প্ৰায় ৩৩।৩৪

বছৰ। পূৰ্ব্বৰ বাস স্থানত তেওঁৰ জেষ্ঠাদি আৰু আত্মীয় লোক কাকো নাপালে, বাসস্থান হাবি হল। পদ্মনাভ ভটিয়াই যোৱাৰ পাচতে উত্তৰ লক্ষীমপুৰত ডফলা আদি পাৰ্ব্বত্য জাতিৰ উপদ্ৰব হয়। সেই উপদ্ৰবতে অনেক ভদ্ৰলোকে সেইস্থান পৰিত্যাগ কৰি মাজুলিত বসতি কৰেহি। সেই সূত্ৰেই পদ্মনাভৰ জেষ্ঠ সকল মাজুলিলৈ আহে। পদ্মনাভেও লক্ষীমপুৰত বসতিৰ সুবিধা নাপাই মাজালিলৈকে আহে। জেষ্ঠ সকল ভীমপৰা গ্ৰামত আছিল, কিন্তু, পদ্মনাভে তালৈ নগৈ শাকোপৰা গ্ৰামতে বসতিৰ কাৰণ মনোনীত কৰে। শাকোপৰাত বসতি কৰাৰ পাচত পদ্মনাভ ভট্টাচাৰ্য্যই দুৰ্গাধৰ কাচাৰ্য্যৰ দুহিতৃ বসুমতী দেবীক বিবাহ কৰায। বসুমতীৰ ক্ৰমে বীৰেশ্বৰ আৰু ধীৰেশ্বৰ নামে দুটি পুত্ৰ হয়। কোনো কাৰণ বশতঃ পদ্মনাভৰ দুই বিবাহ হয়, দ্বিতীয় বিবাহ ৰামনাথ ন্যায় বাগীশৰ দুহিতৃ লক্ষ্মী মতী দেবীৰ সহিত।

লক্ষ্মীমতীৰ ৰামেশ্বৰ হৰিহৰ ধৰ্ম্মেশ্বৰ নামে তিনিজন পুত্ৰ হয়। পদ্মনাভ ভট্টাচাৰ্য্যই দ্বিতীয় বিবাহ কৰাৰ পাচত কামাখ্যা দৰ্শনাৰ্থে পুনঃ গুৱাহাটীলৈ যায়। যি জন বৰফুকনে তেওঁক নবদ্বীপলৈ পঠাইছিলে সেই জন বৰফুকন পদচ্যুত হয়, তেওঁৰ ঠাইত অন্য এজন বৰফুকন হয়। দ্বিতীয় বাৰ কামাখ্যা দৰ্শন কৰি বৰফুকনকো দৰ্শন কৰে, সেই চলতে বৰফুকনে গুৱাহাটীৰ পণ্ডিত

সকলৰ দ্বাৰাই পদ্মনাভৰ বিদ্যাবত্তাৰ পৰীক্ষা কৰাই।

পণ্ডিত সকলে পৰীক্ষা কৰি জানিব পাৰিলে যে, পদ্মনাভ এজন ভাল পণ্ডিত আৰু ঈশ্বৰানুগৃহীত পুৰুষ। পণ্ডিত সকলে পৰীক্ষা কৰি পদ্মনাভৰ বিদ্যাগুণ বৰফুকনক জনায়। সেই সময়ত আসাম ৰাজ্য ৰুদ্ৰসিংহ স্বৰ্গদেবৰ শাসিত। ৰুদ্ৰসিংহ মহাৰাজৰ হিন্দুধৰ্ম্মত অচলা ভক্তি, তদীয় পিতৃ গদাধৰ সিংহই যি বিলাক মহন্তক চেউনী বচাত ঠাই দি ৰাখিছিলে, সেই সকল মহন্তক আনি মহাৰাজ ৰুদ্ৰসিংহই যথানিয়মে মাঙ্গলিত পাতে। এই সময়তে বৰফুকনে পদ্মনাভ ভট্টাচাৰ্য্যৰ বিষয় মহাৰাজলৈ জনায়। মহাৰাজে বৰফুকনৰ পৰা এজন সাধু পুৰুষৰ শুভাগমন শুনি প্ৰফুল্লচিত্তে ভট্টাচাৰ্য্যক আহ্বান কৰিলে। বৰফুকনে লগত মানুহ দি গৰগাঁও নগৰলৈ ভট্টাচাৰ্য্যক পঠাই দিলে। মহাৰাজে ভট্টাচাৰ্য্যক নগৰতে ৰাখি ৰাজসভাৰ পণ্ডিত সকলৰ দ্বাৰাই পৰীক্ষা কৰালে। পণ্ডিত সকলে পৰীক্ষা কৰি মহাৰাজক জনালে যে অনেক শাস্ত্ৰদৰ্শী আৰু ঈশ্বৰানুগৃহীত সাধুপুৰুষ। ৰজাই অনেক অনেক পৰীক্ষা কৰি পদ্মনাভ ভট্টাচাৰ্য্য প্ৰকৃত ঈশ্বৰানুগৃহীত সাধুপুৰুষ বুলি জানিলে। পদ্মনাভ ভট্টাচাৰ্য্যই ৰাজসভাত অনেক অলৌকিক কাণ্ড প্ৰকাশ কৰা কিম্বদন্তী শুনা আছে। কিন্তু সেই বিলাক কথা বৰ্ত্তমান সমাজত

প্রচাৰ কৰিলে অনেকৰ ব্যঙ্গ বিদ্রূপ শুনিব লাগিব, এই কাৰণে সেই সমুদয় কথা আমি বাদ দিলো।

ৰুদ্রসিংহ মহাৰাজে পদ্মনাভ ভট্টাচাৰ্য্যক সিদ্ধপুৰুষ জানি অনেক আদৰ সন্মান কৰিলে। মহাৰাজৰ হিন্দু-ধৰ্ম্মত অচলা ভক্তি, বিশেষ কৈ শিবৰূপত বৰ আশক্তি। মহাৰাজাই উপযুক্ত লোকক হাতত পাই সুবিধা বুজি পদ্মনাভ ভট্টাচাৰ্য্যৰ পৰা পৌৰাণিক নিয়মে পঞ্চাক্ষৰ শিবমন্ত্র গ্রহণ কৰি উক্ত ভট্টাচাৰ্য্যক গুৰু বৰণ কৰে। ভট্টাচাৰ্য্যই ৰজাক দেখা কৰাৰ সময়ত কেৱল ধুতি ছাদৰ পিন্ধে, চোলা আৰু পাগুৰী নিপিন্ধে। কিন্তু, মুকলি মূৰে কোনো ভদ্র লোকেই ৰজাক দেখা নকৰে, আৰু কৰাওনিষেধ। কিন্তু, ভট্টাচাৰ্য্যই বিপৰীত ব্যৱহাৰ কৰা বাবে এদিন ৰুদ্র সিংহ মহাৰাজে ভট্টাচাৰ্য্যক চোলা পাগুৰী নিপিন্ধাৰ কাৰণ সুধিলে। তেতিয়া ভট্টাচাৰ্য্যই এই দৰে উত্তৰ দিলে।

মহাৰাজ! ব্রাহ্মণ সত্বগুণ বিশিষ্ট, পোষাকো সাত্বিক ভাবে কৰিব লাগে। শাস্ত্রত কথিত আছে যে " সদোপবীতিনা ভাব্যম্ " অৰ্থাৎ ব্রাহ্মণে সততে দক্ষিণোপবীতি হৈ থাকিব লাগে। কিন্তু, চোলা আৰু পাগুৰী পিন্ধিলে দক্ষিণোপবীতত ব্যাঘাত হয়। তদুপৰি শাস্ত্রত উল্লেখ আছে যে " উষ্ণীষী কুঞ্চুকী নগ্নঃ" চোলা পাগুৰী

পিন্ধিলে নাঙঠা হয়। ব্ৰাহ্মণে আন সময়ত চোলা পাগুৰী পিন্ধিলেও কৰ্ম্মত পিন্ধা উচিত নহয়। শাস্ত্ৰ-মতে ৰাজ দৰ্শনো কৰ্ম্মই, এতেকে কৰ্ম্মস্থ ব্ৰাহ্মণক চোলা পাগুৰী পিন্ধিবলৈ যেন মহাৰাজৰ অনুমতি নহয়, এয়ে বিনীত প্ৰাৰ্থনা। ৰুদ্ৰসিংহ মহাৰাজে এইৰূপ উত্তৰ শুনি বৰ সন্তোষ পালে, সেই দিনাই মহাৰাজে পদ্মনাভ গোস্বামীক “ মুকলিমূৰীয়া ” পদপিৰে ভূষিত কৰিলে।

থাকিবৰ নিমিত্তে মাজুলিৰ শাকোপৰা গ্ৰামৰ ওচৰত কলাকটা নদীৰ দাতিত ৰীতি মত ধাপ মৰা'ই বাড়ী কৰি চণ্ডিমণ্ডপ দাঁৱঘৰ সমেত ঘৰ কৰাই দিয়ালে। এটা ডাঙৰ পুখুৰী, চাৰিটা পাটনাদ কৰাই দিযালে। প'ৰ কৰৰ কাৰণ বন্দী বেটীৰ পৰিয়াল দিলে। সেন্দুৰী ডুবৰ বৌমাৰি, খৰিবটা এই তিনখন বিল দিলে। দিছৌখাটত ১০০ পুৰা, কাকদঙ্গাৰ দাতিত হোকোৰা খাটত ১০০ পুৰা, গৰু খোজা পৰ্ব্বতৰ ওচৰ ৰজাখাটত ১০০ পুৰা, ভূমি ব্ৰহ্মোত্তৰ কৰি দিলে। গোসাঁই মাজুলিৰ পৰা আহি ৰজাক দেখা কৰি থাকিবৰ কাৰণ গৰগাঁও নগৰৰ ওচৰতে বাড়ী ঘৰ কৰাই দিয়ালে।



# চতুৰ্থ পৰিচ্ছেদ।

পদ্মনাভ গোস্বামীৰ দিনৰ পৰাই প্ৰথমে আসামত সাধাৰণত প্ৰকাশ্য ৰূপে তান্ত্ৰিকী দীক্ষা প্ৰচাৰ হয়। কিন্তু, পদ্মনাভ গোস্বামীয়ে যাকে তাকে দীক্ষা নিদিছিল। তন্ত্ৰোক্ত মতে উপযুক্ত শিষ্য পালে পৰীক্ষা কৰিহে শিষ্য কৰাইছিল। সেই কাৰণেই এতিয় ওঁ আমালোকৰ শিষ্যৰ সংখ্যা কম। ৰুদ্ৰসিংহাদি ৰজাৰ অমোলত কোনো লোকেই প্ৰতিমা সাজি শাৰদীয় দুৰ্গোৎসব কৰিব নোৱাৰিছিলে। কিন্তু, জগদম্বাৰ কৃপাত মূৰ্ত্তি সাজ প্ৰকাশ্য ৰূপে দুৰ্গোৎসব কৰিবলৈ পদ্মনাভ আৰু তদীয় সন্ততি সকলে ৰজাৰ পৰা বিশেষ ৰূপে অনুমতি পাইছিলে।

এদিন ৰুদ্ৰসিংহ ৰজাই পদ্মনাভ গোসাঁইক কলে যে আপোনাৰ বাস স্থান অনেক দূৰ হল, মাজত ব্ৰহ্মপুত্ৰ নদ, আপোনাক মোক সততেই লাগে। আপুনি কিন্তু, স্থায়ী ভাবে নগৰত থাকিবলৈ অনিচ্ছুক, এতেকে আপোনাৰ এজন সন্তানক নগৰৰ বস্তাত ৰাখিব লাগে। গোস্বামী দেৱেও ৰজাৰ আদেশ মতে জ্যেষ্ঠপুত্ৰ বীৰেশ্বৰ গোসাঁ-

ইৰ পুত্ৰ ৰুদ্ৰেশ্বৰ গোসাঁইক গৰগাঁও নগৰত থাকিবলৈ পঠালে। বীৰেশ্বৰ গোসাঁইৰ আচৰণ পূৰ্ব্বতন ঋষি সকলৰ নিচিনা আছিল সাধাৰণে এই জনা গোসাঁইক ঋষি গোসাঁই বুলিছিল। পুতেক গৰগাঁৱত থকা বাবে গৰগঞা গোসাঁয়ো বুলিছিল।

এইদৰে কিছুদিন অতীত হলত ৰুদ্ৰসিংহ মহাৰাজৰ মৃত্যুৰ প্ৰায় দুই বছৰ মানৰ আগত এদিন মহাৰাজে পদ্মনাভ গোস্বামীক মতাই আনি কলে। গোসাঁই দেউ! মোৰ পাচেঁটি লৰা, ইহঁত জ্যেষ্ঠানুক্ৰমে ৰজা হবলৈ মোৰ অনুমতি আছে। জ্যেষ্ঠ আৰু দ্বিতীয় পুত্ৰৰ দীক্ষাৰ সময়ো হ'ল, এই দুটা লৰাক আপুনিএই দীক্ষা দিয়ক। পদ্মনাভ গোস্বামী বীতস্পৃহ আছিলে, তেওঁৰ সাংসাৰিক বিষয়ত আসক্তি সামান্য। ৰজাৰ এই কথা শুনি গোসাঁয়ে অলপ ভাবি কলে যে, মহাৰাজ! মোক আজিলৈ অবসৰ দিয়ক, কাইলৈ বিহিত জনাম। পাচ দিনা ৰজাক জনালে যে, মহাৰাজ! ব্ৰাহ্মণৰ জাতি পদ্মপত্ৰৰ জলৰ নিচিনা। কলিযুগত বেগতে ধৰ্ম্মবিচলিত হোৱাৰ সম্ভব। আৰু গুৰুশিষ্যৰ সম্বন্ধ সাধাৰণ নহয়, অনেক জন্মৰ সঞ্চিত কৰ্ম্মফল দ্বাৰা হে গুৰু শিষ্যৰ সম্বন্ধ ঘটে। আৰু গুৰু শিষ্য পৰস্পৰ পৰীক্ষিত হব লাগে। শাস্ত্ৰত উক্ত আছে যে—

বর্ষৈকেন ভবেদ্যোগ্যো বিপ্রোগুণ সমন্বিতঃ।
বর্ষদ্বয়েণ ৰাজন্যো বৈশ্যস্তু বৎসৰৈ স্ত্রিভিঃ॥
চতুর্ভি-র্বৎসৰৈঃ শূদ্রঃ কথিতা শিষ্য যোগ্যতা॥

ব্ৰাহ্মণক একবছৰ, ক্ষত্ৰিয়ক দুই বছৰ, বৈশ্যক তিনি বছৰ, শূদ্ৰক চাৰি বছৰ পৰীক্ষা কৰি দীক্ষিত কৰিব লাগে। আপোনালোক শূদ্ৰ ধৰ্ম্মগ্ৰাহী বাবে চাৰিবছৰ পৰীক্ষা কৰিহে দীক্ষিত কৰিব পাৰি। কোঁৱৰ সকলক চাৰিবছৰ পৰীক্ষা কৰাও আমাৰ নিচিনা নিৰীহ ব্ৰাহ্মণৰ পক্ষে অসম্ভৱ। ইয়াৰ বাহিৰেও আমাৰ পুত্ৰ পৌত্ৰাদি যদি ৰজাৰ গুৰু হৈ সম্পত্তি মান হয়, তেতিয়া ধৰ্ম্মবিচলিত হোৱাৰ সম্ভৱ। ধৰ্ম্মবিচলিত হলে নিশ্চয় অধোগামী হব লাগিব, পুত্ৰ পৌত্ৰাদিৰ দুষ্চাৰিত্ৰ্যত আমাৰো অধঃ পতন অনিবাৰ্য্য। এতেকে মহাৰাজ! এই বিষয়ে মোক ক্ষমা কৰোক।

যদি মহাৰাজৰ একান্ত ইচ্ছা, তেনে হলে শান্তিপুৰত টেঙ্গেৰা মৰা ভট্টাচাৰ্য্যৰ ঘৰৰ কৃষ্ণৰাম ন্যায় বাগীশ নামে এজন সিদ্ধ পুৰুষ আছে। নৱদ্বীপত পঢ়োতে তেওঁ মোৰ সহপাঠী আছিলে এই বাবে তেওঁৰ সহিত মোৰ বিশেষ বন্ধুতা আছে। মহাৰাজে অনুমতি কৰিলে সেই জন সাধু পুৰুষক মই অনাই দিব পাৰো। মহাৰাজে

গোস্বামীৰ এই প্ৰস্তাবত ৰাজি হৈ লোকজন পঠাই শান্তি পুৰৰ পৰা কৃষ্ণৰাম ন্যায় বাগীশক গৰগাঁও নগৰলৈ অনালে। কিন্তু ন্যায় বাগীশক দেখি ৰজাই তেওঁৰ আগত কোনো কথা ব্যক্ত নকৰিলে। কিছুদিন নগৰতে ৰাখি শেষত কলে যে, আপুনি কিছুদিন গুৱাহাটীতে থাওক গৈ। মই অলপৰ পাচতে তালৈ গৈ আপোনাৰ সহিত যি কথা হব লাগে হম গৈ। ন্যায় বাগীশ যদিও ৰজাৰ অনুমতি মতে গুৱা হাটীলৈ গল, কিন্তু, প্ৰতাৰণা কৰা বাবে অন্তৰে ৰজাত কষ্ট হল। ন্যায়বাগীশ গুৱাহাটীলৈ যোৱাৰ পাচতে ৰজাৰ নগৰত অনেক উপদ্ৰৱ হল। শেহত অনেকে ৰজাত জনালে যে, মহাৰাজ! এজন সিদ্ধপুৰুষক আনি প্ৰতাৰণা কৰা বাবে নগৰত উপদ্ৰৱ হৈছে। যদি ইমানতে ভট্টাচাৰ্য্যক সন্তোষ নকৰে দেশত অনেক বেয়া হব।

অনেকে এইদৰে অনুৰোধ কৰাত মহাৰাজ ৰুদ্ৰসিংহই কোঁৱৰ সকলক লৈ গুৱাহাটীলৈ যাত্ৰা কৰিলে। ৰজাই ৰাজ আড়ম্বৰেৰে শাংচেই বাটত অনেক দিন হোৱাত কৃষ্ণৰামন্যায়বাগীশ দেশলৈ উভটি গল। ৰজাও গুৱাহাটী পাই হঠাৎ বেমাৰ হৈ মৃত্যু হল। ৰজাই মৃত্যুৰ পূৰ্ব্বসময়ত কৈ গল যে শিৱসিংহ আদি কোঁৱৰ সকল জ্যেষ্ঠানুক্ৰমে ৰজা হব আৰু কৃষ্ণৰাম বা তদীয় পুত্ৰাদিত

শিষ্য হব। ৰুদ্ৰসিংহ ৰজাৰ অনুমতি মতে সম্বৎসৰৰ পাচত শিবসিংহ ৰজাই কৃষ্ণৰাম ন্যায়বাগীশক আনি দীক্ষিত হয়। নীলাচল পৰ্ব্বতত থাকিবলৈ ঠাই দিয়ে; তদনুসাৰে পৰ্ব্বতীয়া গোসাঁই নাম হয়। উত্তৰ গুৱাহাটীত অনেক মাটী ব্ৰহ্মোত্তৰ কৰি দিয়ে, শান্তিপুৰৰ সিমুলীয়াত পকাদালান কৰাই দিয়ে। সেই কালৰ পৰাই আসামত বঙ্গদেশীয় ব্ৰাহ্মণৰ গুৰু গৌৰব বৃদ্ধি হয়। বঙ্গদেশত পৰ্ব্বতীয়া গোসাঁইক "আসাম ভট্টাচাৰ্য্য' বোলে। মুকলিমুৰীয়া আৰু পৰ্ব্বতীয়াই ৰজাক ৰজাৰ লক্ষ্মীনাৰায়ণৰ মন্দিৰত গৈ পূজাৰ নিৰ্ম্মালি দি আশীৰ্ব্বাদ কৰিব লাগে। সেই সময়ত দুই জনা গোসাঁইৰ বহা আসন ৰঙ্গা বানত, ৰজাই কলা বানতত বহে। ৰজাৰ বৰ চৰাৰৈ এই দুই জন গোসাঁই যাব নালাগে, চৰাত ৰজাৰ উচ্চ সিংহাসন থকাবাবে ৰজাৰ নিষেধ।

ৰজা নিজে শিষ্য হোৱাবাবে অধিকাংশ ৰাজবিষয়াও পৰ্ব্বতীয়াৰশিষ্য হয়। শিবসিংহ আৰু প্ৰমত্ত সিংহ সপৰিবাৰে পৰ্ব্বতীয়াৰ শিষ্য হয়। ৰাজেশ্বৰ সিংহও পৰ্ব্বতীয়াৰেই শিষ্য, কিন্তু, ৰামকৃষ্ণৰ পৌত্ৰ সন্তানত শিষ্য হোৱা বাবে এই জনাক নাতী গোসাঁই বোলে। নাতী গোসাইৰ বসতি পূৰ্ব্বৰ বৰ্দ্ধমান, এতিয়াও বৰ্দ্ধমানতে আছে। নাতী গোসাইৰ বংশধৰ ভূসম্পত্তি আসা-

মত অধিক নহয়। নাতী গোসাঁইৰ মান মৰ্য্যাদা আৰু ৰক্ষাৰ নিয়ম পৰ্ব্বতীয়াৰ দৰেই।

লক্ষ্মীসিংহ ৰজা ৰমানন্দ আচাৰ্য্যত শিষ্য হয়, ৰমানন্দ আচাৰ্য্যৰ পূৰ্ব্বপুৰুষ কাম্য কুব্জ সমাগত। কিন্তু, কনৌজৰ পৰা পোনেই আসামলৈ অহা যেন অনুমান নহয়। বঙ্গদেশৰ আদি শূৰ ৰজাই ৯৯৯ সম্বৎ কনৌজৰ পৰা পাঁচ গোত্ৰৰ পাঁচ জন বৈদিক ব্ৰাহ্মণ অনাই। পাঁচজন ব্ৰাহ্মণৰ ভিতৰত এজন ভৰদ্বাজ গোত্ৰৰ ব্ৰাহ্মণ আছে, সেই জনৰ সন্ততি কালক্ৰমে আসামলৈ আহে। ৰমানন্দৰ পূৰ্ব্বপুৰুষ বঙ্গ দেশৰ পৰা অহাৰ বিশেষ অনুমান এই যে, সিলোক বঙ্গ দেশীয় নাতী গোসাঁইৰ শিষ্য। বঙ্গদেশৰ পৰা নাহিলে বঙ্গ দেশীয় গুৰু হোৱা অসম্ভব। যৰ পৰাই আহোক ৰমানন্দ এজন শাস্ত্ৰত আৰু সদাচাৰী কৃতী পুৰুষ। এই জনাই জয়সাগৰ শিবদৌলত আচাৰ্য্য পদত অধিষ্ঠিত আছিলে। এই আচাৰ্য্যই লক্ষ্মী সিংহ ৰজাৰ অধ্যাপক, আৰু দুইৰো ভিতৰত সৌহৃদ্য আছিলে। লক্ষ্মী সিংহ ৰজা এই আচাৰ্য্যতে দীক্ষিত হয়, আৰু আচাৰ্য্যক ন গোসাই নাম দিয়ে।

মাজুলিৰ পছুমৰাত ঠাই দিয়া বাবে নগোসাঁইক পছুমৰীয়া গোসাঁয়া বোলে। নগোসাঁইৰ মান মৰ্য্যাদা পৰ্ব্বতীয়াৰ সহত প্ৰায় তুল্য নগোসাঁইৰ বহা আসন

ৰগ ঠঙা। আৰু পৰ্ব্বতীয়া বা নাতী গোসাঁইৰ সহিত কোনো সময়ত ৰাজসভাত বহিব লগা হলে পৰস্পৰে নেদেখাকৈ মাজত ঢাকনি থাকে। নগোসাঁই নাতী গোসাঁইৰ শিষ্য বাবেই এই নিয়ম। গৌৰীসিংহ ৰজাও নগোসাঁইৰে শিষ্য।

## পঞ্চম পৰিচ্ছেদ।

পদ্মনাভ গোস্বামীৰ প্ৰথমপুত্ৰ বীৰেশ্বৰ অপৰনাম ঋষি গোসাঁই তৎ পুত্ৰ ৰুদ্ৰেশ্বৰ, তৎ পুত্ৰ হৰ গোবিন্দ। হৰগোবিন্দৰ পুত্ৰ চাৰিজন, ১ম শিৱগোবিন্দ, ২য় গঙ্গা-গোবিন্দ, ৩য় ৰাম গোবিন্দ, ৪ৰ্থ, ৰুদ্ৰ গোবিন্দ। শিৱগোবিন্দ আৰু গঙ্গাগোবিন্দৰ দৌহিত্ৰ সন্তান আছে। ৰামগোবিন্দ অবিবাহিত অবস্থাতে মৃত্যু হয়। ৰুদ্ৰগোবিন্দই সন্ন্যাস অবলম্বন কৰে। ঋষি গোসাঁই বা গৰগঞা গোসাঁইৰ ইমানতে সন্ততি উচ্ছেদ হয়।

পদ্মনাভৰ দ্বিতীয় পুত্ৰ ধীৰেশ্বৰ, তৎ পুত্ৰ শ্ৰীৰাম, তৎ পুত্ৰ আত্মাৰাম, তৎ পুত্ৰ দামোদৰ; দামোদৰক সাধাৰণে বলিয়া গোসাঁই বোলে। দামোদৰতে ধীৰেশ্বৰৰ সন্ততিৰ শেষ হয়। পদ্মনাভৰ তৃতীয় পুত্ৰ ৰামেশ্বৰ, তৎ পুত্ৰ ৰাম ৰুদ্ৰ ৰাম ৰুদ্ৰই ষোল বছৰতে সন্ন্যাসী

হৈ দেশপৰ্য্যটন কৰে। পদ্মনাভৰ চতুৰ্থ পুত্ৰ হৰিহৰ, তৎ পুত্ৰ বটুকৃষ্ণ, তৎ পুত্ৰ কালীকৃষ্ণ। কালী কৃষ্ণতে হৰিহৰৰ শেষ।

পদ্মনাভৰ পঞ্চম বা কনিষ্ঠপুত্ৰ ধৰ্ম্মেশ্বৰ, ধৰ্ম্মেশ্বৰ পদ্মনাভৰ অতি মৰমৰ পুত্ৰ, এওঁক দৰ্শণ পঢ়িবৰ কাৰণ নবদ্বীপলৈ পঠাইছিল। ধৰ্ম্মেশ্বৰে নবদ্বীপত তিনিবছৰ পঢ়োতেই গ্ৰহণীৰোগত আক্ৰান্ত হয়। প্ৰিয়পুত্ৰৰ এই দুঃসম্বাদ পাই পদ্মনাভ নবদ্বীপলৈ যায়। ধৰ্ম্মেশ্বৰো কথমপি গ্ৰহণীৰোগৰ পৰা আৰোগ্য হয়। পাচত ধৰ্ম্মেশ্বৰক লগত লৈ পদ্মনাভে কাশীধামলৈ যায়, তাতে হঠাৎ গ্ৰহণী হৈ পদ্মনাভে শিবত্ব লাভ কৰে। ধৰ্ম্মেশ্বৰে পিতৃদেবক কাশীৰ ব্ৰহ্ম নালাত দাহ কৰি দাহাৱশিষ্ট গঙ্গাত ক্ষেপন কৰে। মহাপুৰুষৰ পবিত্ৰ আত্মা অনন্ত ধামত লীন হয়।

ধৰ্ম্মেশ্বৰে কাশীতে দশাহ কৃত শেষ কৰি উজাই আহি গয়াত প্ৰেত পিণ্ড দি ঘৰ পায়হি। ধৰ্ম্মেশ্বৰ গোসাঁয়ে কাশীৰ পৰা এজনা আঠ মুনিহা স্বয়ম্ভূ শিবলিঙ্গ আনিছিল; সেই শিবলিঙ্গ প্ৰথম মাজালিত ৰাখে, তাৰ পাচত যোৰহাটৰ দিচৈত থকা বটুকৃষ্ণ গোসাঁইৰ তত্ত্বাবধানত থাকে: সেই জনা শিবৰ নাম বিশ্বনাথ, তেওঁৰ নামে ৰাভেশ্বৰ ৰজাই পৃথকে দেবালয় কৰাই দিয়ে

আৰু ভকৰা মৰা খাটিত ২৪ পুৰা মাটী দেবোত্তৰ কৰি দিয়ে। এতিয়া সেই বিশ্বনাথ শিব ভেবগাৱঁৰ শ্ৰীযুত কৃষ্ণ চন্দ্ৰ গোস্বামীৰ চণ্ডীমণ্ডপ আছে।

ধৰ্ম্মেশ্বৰ গোস্বামী পিতৃ৷ দৰেই শাস্ত্ৰজ্ঞ আৰু শিষ্ট পুৰুষ। ধৰ্ম্মেশ্বৰ গোস্বামীয়ে ধাপকটাৰ সিদ্ধনাথ মহন্তৰ দুহিতৃ অদিতি দেবীক বিবাহ কৰায়। ধৰ্ম্মেশ্বৰৰ পুত্ৰ ১ম নৃসিংহ, ২য় বাসুদেব, ৩য় নাৰায়ণ, ৪ৰ্থ গোৰীনাথ, ৫ম মথুৰা নাথ, প্ৰথম আৰু দ্বিতীয় দুই জন নিঃসন্তান। তৃতীয় নাৰায়ণে শিবাচাৰ্য্যৰ দুহিতৃ সাবিত্ৰী দেবীক বিবাহ কৰায়। নাৰায়ণৰ দুই কন্যা এক পুত্ৰ। পুত্ৰৰ ২।৩ বছৰতে নাৰায়ণ গোসাঁই গুৱাহাটীত পৰলোক হয়। এই জনা গোসাঁয়ে নাৰায়ণীৰ বিয়োগতে ইচ্ছ মতে প্ৰাণ ত্যাগ কৰে।

প্ৰাণত্যাগৰ কাৰণ এই মৰ ণৰ বিদ্ৰোহত গৌৰীনাথ সিংহ ৰজা সপৰিবাৰে গুৱাহাটীলৈ যায়। নাৰায়ণ গোসাঁয়ো দুই ভ্ৰাতৃ৷ সহিত সপৰিবাৰে ৰজাৰ আশ্ৰয়ত্তে গুৱাহাটীতে থাকে। সেই সময়তে শাৰদীয় দুৰ্গা পূজা হয়। ৰজাপৰত আৰু গোসাঁইৰ ঘৰ৷ দুৰ্গা প্ৰতিমা সজা হয়; চতুৰ্থীৰ দিনা ৰজাৰ প্ৰতিমা জাকফুৰা গৰুয়ে ভাঙ্গে। ৰজাৰ প্ৰতিমা নষ্ট হোৱাত ৰজাৰ এজন খাটনীয়াৰৰ খাটনি মতে ৰজাই গোসাঁইৰ দশভুজা প্ৰতিমা পঞ্চমীৰ দিনা বলেৰে নিয়াই পূজ কৰে। মাৰী

ৰূপ গোস্বামীয়ে সেই বিচ্ছেদ শোকতে বিজয়াদশমীৰ দিনা ভগবতীৰ বিসৰ্জ্জনৰ পাচত অলপ জ্বৰত অজ্ঞান হৈ সজ্ঞানে নশ্বৰ দেহ পৰিত্যাগ কৰি অনন্তধামত লীন হয়। নাৰায়ণৰ এক মাত্ৰ পুত্ৰ চন্দ্ৰশেখৰ গোস্বামী; এই জন গোসাঁই দেশ ভগণত জন্মহোৱা বাবে সাধাৰণে এই জনাক ভগনি গোসাঁই বুলিছিল। এই জনাৰ শিশু কালতে পিতৃ বিয়োগ হোৱা বাবে পিতৃব্য দুই জনাই অনেক স্নেহ আৰু যত্ন কৰি পঢ়ায়। ব্যাকৰণ সাহিত্যত ভাল ব্যুৎপত্তি হোৱাত বুঢ়া গোহাঞিৰ নবৰত্নৰ পণ্ডিত সকলে পৰীক্ষা কৰে। নবৰত্ন পণ্ডিত সকলৰ বাচনি মতে বুঢ়া গোহাঞি ডাঙ্গৰীয়াই খৰছ দি চন্দ্ৰশেখৰক নবদ্বীপলৈ পঠায়। তেতিয়া তেওঁৰ বয়স কুৰি বছৰ মান হৈ হব। এক মাত্ৰ পুত্ৰৰ স্নেহত মাতৃ দেবী সাবিত্ৰীও লগতে নবদ্বীপলৈ যায়।

নবদ্বীপলৈ যোৱাৰ পূৰ্ব্বেই পিতৃব্য দুইজনৰ অনুমোদন মতে কালিন্দী আৰু উত্তৰা দুইজনী বায়েকক বিবাহ দিয়ে। কালিন্দী দেবীক উত্তৰ লখীমপুৰৰ মাহবাৰ বাসুদেব গোস্বামীলৈ বিবাহ দিয়ে। সেই কালিন্দী দেবীৰ পুত্ৰ ভূতপূৰ্ব্ব, আউনী আটি সত্ৰৰ ৺ দেবদত্ত অধিকাৰ গোস্বামী আৰু ৺ধৰ্ম্মেশ্বৰ ডেকা গোস্বামী। এতিয়া কালিন্দী দেবীৰ পুত্ৰ সন্ততি সংসাৰত নাই, কিন্তু দুহিতৃৰ সন্ততি আছে। উত্তৰা দেবীক আগমা-

চাৰ্য্যৰ শিশুকান্ত বৰুৱালৈ বিয়াহ দিয়ে। উক্তবাৰ পুত্ৰ সন্ততি আৰু দুহিতৃ সন্ততি বৰ্ত্তমান আছে।

চন্দ্ৰশেখৰ গোস্বামীয়ে নবদ্বীপত স্মৃতি আৰু দৰ্শন অধ্যায়ন কৰে। স্নেহময়ী জননীৰ সেই পবিত্ৰ গঙ্গা তীৰত দেহাৱসান হয়। তদীয় সৎপুত্ৰই তাতেই সপিণ্ডীকৰণ পৰ্য্যন্ত ঔৰ্দ্ধ দেহিক ক্ৰিয়া শেষ কৰে। নবদ্বীপত পণ্ডিত মণ্ডলীয়ে চন্দ্ৰশেখৰক সিদ্ধান্ত বাগীশ উপাধিৰে ভূষিত কৰে। নবদ্বীপতে চন্দ্ৰশেখৰে স্মৃতিতত্ত্ব আৰু স্মৃতি বিবেকৰ অনেক পুথি লেখি আনে। নবদ্বীপত পাঠ সমাপ্ত কৰি কাশীত বেদান্ত দৰ্শন অধ্যয়ণ কৰে। বেদান্ত দৰ্শনৰ পাঠ শেষ কৰি প্ৰয়াগাদি তীৰ্থ পৰ্য্যটনান্তে নিজৰ দেশলৈ আহে।

এই জনাৰ বিবাহ প্ৰায় চল্লিছ মান বয়সত হৈছিল। মাহৰাৰ বাসুদেব গোস্বামীৰ অপৰ পত্নীৰ দুহিতৃ সুৰেশ্বৰীৰ সহিত চন্দ্ৰ শেখৰৰ বিবাহ হয়। চন্দ্ৰশেখৰৰ একমাত্ৰ পুত্ৰ ৰামচন্দ্ৰ, ৰামচন্দ্ৰৰ শৈশব কালতে মাতৃ বিয়োগ হয়। পত্নী বিয়োগৰ পাচত চন্দ্ৰশেখৰে শিশু পুত্ৰক বায়েক কালিন্দী দেবীৰ লগত থৈ পুনঃ গঙ্গাদি তীৰ্থ পৰ্য্যটন কৰে। ৰামচন্দ্ৰক উপনীত কৰি লগত লৈ অনেক কাল গুৱাহাটীৰ বেলতলা আদি ঠাইত কাল অতি বাহিত কৰে। ১৭৬৮ শকৰ ২৩ কাৰ্ত্তি

ৰুত যোৰহাটৰ বালিগাঁও মৌজাত বাড়ী ঘৰ লয়। এই বসতিৰ পৰাই জাজিৰ ধৰ্ম্মেশ্বৰ বৰুৱাৰ দুহিতৃ ৺দুৰ্গাদেৱীক ৰাম চন্দ্ৰলৈ বিবাহ কৰায়। চিৰদিন বিদেশত ভ্ৰমণ কৰাৰ বাবে এই জনা গোসাঁইক বিদেশী গোসাঁইও বুলিছিল। চন্দ্ৰশেখৰ গোসাঁই যদৃচ্ছা লাভতে সন্তুষ্ট, আত্মাভিমানৰ লেশ নাই আৰু সততে ধ্যান মগ্ন। চন্দ্ৰশেখৰ গোস্বামী যোৰহাটত বসতি কৰিলত ৺বটুকৃষ্ণ গোসাঁইৰ শিষ্য সকলে তেওঁকে গুৰু স্বীকাৰ কৰিলে চিৰদিন দেশে বিদেশে ভ্ৰমণ কৰাত সম্পত্তি বুলিবলৈ একো নাছিলে। চন্দ্ৰশেখৰ গোস্বামী ১৭৮৬ শকত ৮৫ বছৰ বয়সত মানবদেহ পৰিহাৰ কৰি অনন্ত ধামত লীন হয়। চন্দ্ৰশেখৰ গোস্বামীৰ এক মাত্ৰ পুত্ৰ ৰামচন্দ্ৰ গোস্বামী, ৰামচন্দ্ৰৰ পুত্ৰ শ্ৰীকীৰ্ত্তি চন্দ্ৰ। কীৰ্ত্তিচন্দ্ৰৰ শ্ৰীকালীচন্দ্ৰ আদি তিনি জন পুত্ৰ। ধৰ্ম্মেশ্বৰ গোস্বামীৰ চতুৰ্থ পুত্ৰ গৌৰীনাথ, গৌৰীনাথ গোস্বামী মহা ভাগ্যবান পুৰুষ। যি জনে পুত্ৰ পৌত্ৰ দুহিতৃ দৌহিত্ৰ দ্বাৰা বেষ্টিত হৈ পৰম সুখে ১১৩ বছৰ দীৰ্ঘজীৱন লাভ কৰি কাল নিয়ালে গৌৰীনাথ গোস্বামী বাক্যসিদ্ধ পুৰুষ আছিলে। গৌৰীনাথ গোস্বামী মাজালিৰ পৰা আহি দেবগ্ৰামত বসতি কৰে। গৌৰীনাথ গোস্বামীয়ে মাজালিৰ বড়াৰ গঞা প্ৰাণনাথ মহন্তৰ দুহিতৃ মন্দোদৰীক বিবাহ কৰায়।

গৌৰীনন্দ গোস্বামীৰ পুত্র তিনিজন, ১ম শ্রীকণ্ঠদেব, ২য় লক্ষ্মীনাৰায়ণ, তৃতীয় পূর্ণানন্দ। শ্রীকণ্ঠদেবে মহেশ্বৰ আধাৰমহন্তৰ দুহিতৃ দময়ন্তীক বিবাহ কৰায়, ত'ৰ পুত্র দুইজন। প্রথম গোপালচন্দ্র দ্বীতিয় ভগবানচন্দ্র গোপালচন্দ্রই কমলেশ্বৰ শর্ম্মা বাপুবৰুৱাৰ দুহিতৃ ৰত্নেশ্বৰীক বিবাহ কৰায়। গোপালচন্দ্রৰ পুত্র চাৰিজন, প্রথম শ্রীকৃষ্ণচন্দ্র দ্বিতীয় ৺শোভনচন্দ্র তৃতীয় শ্রীনিবাসচন্দ্র, ৪র্থ মৃত্যুঞ্জয়। গোপালচন্দ্র সাধুপুৰুষ ১৮১২শকত অর্দ্ধোদয় যোগ তীর্থলৈ গৈ ৺কাশীধামত শিবত্ব লাভ কৰে। ভগবানচন্দ্র নিঃসন্তান। লক্ষ্মীনাৰায়ণে ন্যায়বাগীশৰ যদুৰামৰ দুহিতৃ ৰত্নীক বিবাহ কৰায়। লক্ষ্মীনাৰায়ণৰ পুত্র তিনিজন, প্রথম শ্রীপুৰন্দৰ, দ্বিতীয় ব্রজনাথ, তৃতীয় হৰিনাৰায়ণ। পুৰন্দৰৰ পুত্র শ্রীহৰেশ্বৰ আদি চাৰিজন। ব্রজনাথৰ শ্রীকালীকৃষ্ণ আদি দুইজন।

পূর্ণানন্দ গোস্বামীয়ে বাৰবাচাৰ্য্যৰ লক্ষ্মীনাথৰ দুহিতৃ হৈমবতীক বিবাহ কৰায়। এই জনাৰ পুত্র তিনিজন, ১ম শ্রীকীর্ত্তিচন্দ্র, ২য় শ্রীচন্দ্রনাথ, ৩য় জগৎচন্দ্র। কীর্ত্তিচন্দ্রৰ শ্রীবিষ্ণুচন্দ্র আদি পুত্র ৫ জন, চন্দ্রনাথৰ শ্রীপ্রতাপচন্দ্র আদি পুত্র তিনিজন, ৺পূর্ণানন্দ গোস্বামী দেৱতানুগৃহীত পুৰুষ, মৃত্যুকাল পর্য্যন্ত নিত্য নৈমিত্তিক ক্রিয়া ৰীতিমতে কৰিব পাৰিছিল। শেষ

অৱস্থাত এইজনা গোসাঁয়ে নৱম্যাদিকল্প আৰু প্ৰতিপদাদি কল্পৰ পৰা শাৰদীয় দুৰ্গা পূজা কৰিছিল। এই জনাই উপাস্য দেৱতাৰ মহাপুৰশ্চৰণ কৰিছিল। দেৱগৃহ প্ৰতিষ্ঠা, বৃহদামাম, জলাসায়োৎসৰ্গ, ব্ৰহ্মপ্ৰতিষ্ঠা, গঙ্গাদিতীৰ্থ দৰ্শন কাৰ্য্য, বৃষোৎসৰ্গাদি অনেক সৎকাৰ্য্য কৰিছিল। বৃদ্ধঅৱস্থাতো শীতকালত শীতল জলেৰেই স্নান কৰিছিল। ত'ৰ সমান শাস্ত্ৰজ্ঞ ব্যক্তি বৰ্ত্তমান সময়ত নাই বুলিলেই হয়। বুদ্ধি তীক্ষ্ণতা বাবে ভ্ৰমশূন্য সিদ্ধান্ত কৰিব পাৰিছিল। জেষ্ঠ সকলৰ সহিত বিভক্ত হৈ দেৱগ্ৰামৰ পৰা কুড়াল গুৰিত বসতি কৰে। সেই ঠাইতে বিনাশ্ৰমে পৰবিষ্যাৰ কৃপাত অনেক সম্পত্তি উপাৰ্জ্জন কৰে। শেষৰ বৃদ্ধ আৰু জ্ঞানী গোসাঁই বুলি অনেকৰ পূজ্য হৈছিল। নিৰ্ব্বিবাদে জীৱন যাত্ৰা নিৰ্ব্বাহ কৰি ৮৫ বছৰ বয়সত ১৮২১ শকত সজ্ঞানে মানব দেহ এৰি দেৱত্ব লাভ কৰে। এইজনা গোসাঁইত পৰবিষ্যাৰ বিশেষ অনুগ্ৰহ থকাৰ চিন পোৱা যায়। এইজনাতে মহাপুৰুষ পদ্মনাভ গোস্বামীৰ প্ৰপৌত্ৰৰ শেষ হয়।

ধৰ্ম্মেশ্বৰ গোসাঁইৰ পঞ্চম বা কনিষ্ঠপুত্ৰ মথুৰানাথ, কনিষ্ঠ পুত্ৰত সকলোৰে আদৰ বেছি। ধৰ্ম্মেশ্বৰে মথুৰানাথক নবদ্বীপত থৈ পঢ়াইছিল। নবদ্বীপত পাঠ

শেষ কৰাৰ পাচত তত্ৰত্য পণ্ডিত সকলে মথুৰানাথক তৰ্কালঙ্কাৰ উপাধি দিয়ে। মথুৰানাথ গোস্বামীয়ে দিলিহাল ভট্টাচাৰ্য্য কৃষ্ণনাথৰ দুহিতৃ ধনেশ্বৰীক বিবাহ কৰায়। কৃষ্ণনাথৰ দুহিতৃ হলেও এই কন্যাক নিজ-কন্যা ৰূপে নাতী গোসাঁয়ে বিবাহ দিয়ে। মথুৰানাথ গোস্বামীয়ে যোৰহাটৰ কুহুম যোগনীয়া গাৰঁত বসতি কৰে। মথুৰানাথৰ পুত্ৰ তিনিজন, ১ম ৰামচন্দ্ৰ, দ্বিতীয় কৃষ্ণচন্দ্ৰ, তৃতীয় পূৰ্ণচন্দ্ৰ। ৰামচন্দ্ৰ কৃষ্ণচন্দ্ৰ নিঃসন্তান। পূৰ্ণচন্দ্ৰই জালকুৰিয়া ভবনাথ মহন্তৰ দুহিতৃ চিত্ৰাদেবীক বিবাহ কৰায়। পূৰ্ণচন্দ্ৰৰ পুত্ৰ হৰিচন্দ্ৰ; হৰিচন্দ্ৰ গোস্বামী ৫৬ বছৰ বয়সত ১৮৩৩ শকত ভাদ্ৰ মাহত সজ্ঞানে অভীষ্ট দেৱতাৰ নাম উচ্চাৰণ কৰি পৰলোক হয়। ত'ৰ পুত্ৰ শ্ৰীঅচ্যুতচন্দ্ৰ আদি তিনিজন; দশৰথ ভট্টাচাৰ্য্যৰ সহিত কনৌজৰ পৰা অহা বৈদিক ব্ৰাহ্মণ দুই জনৰ সন্ততি বিস্তীৰ্ণৰূপে আছে। ঘণ্টাকৰ্ণৰ সন্ততি বৰ্ত্তমান সাঁৰ চক্ৰবৰ্ত্তী নামে প্ৰসিদ্ধ হৈছে। কৃপাময় জনৰ সন্ততি সকলৰ দিগম্বৰ ঠাকুৰ নাম হৈছে। আসাম ৰজাৰ দিনত দিগম্বৰ নামে এজন শিৱ আছিল, কৃপাময়ৰ এজন সন্ততি সেই শিৱৰ পূজক হোৱা বাবেই সেই নামেই প্ৰসিদ্ধ হল।

———০●০———

অন্ত।

# উপৰক্তি ।

আমালোকৰ দীক্ষাগ্ৰহণ পদ্ধতিভৰ পৰা এতিয়া লৈকে পিতৃ আৰু সহোদৰ ভিন্ন মন্ত্ৰ সপিণ্ডতে হয়। অপৰত দীক্ষিত হৰলৈ আসামত আমাৰ পন্থৰ লোক একেবাৰেই নাই। আমাৰ নাৰায়ণ আদি প্ৰপিতামহ তিনিউ জনৰ দিনত গুৰু যোগ্য সপিণ্ড নোহোৱা বাবে দীক্ষাগ্ৰহণত একপ্ৰকাৰ বাধাই হৈছিলে। কিন্তু, সিবোলাকৰ ভাগ্যে হঠাৎ সন্ন্যাসী ৰামকৃষ্ণই দেখাদি তিনিউ জনক নি কামাখ্যা পীঠত দীক্ষিত কৰিলে। তাৰ পৰা আৰু দীক্ষাত গোলমাল হোৱা নাই।

সপিণ্ডৰ মান্যজনৰ বাহিৰে অসপিণ্ডৰ শ্বশুৰাদিক পঞ্চাঙ্গ প্ৰণাম কৰা আমাৰ নিয়ম নহয়। শ্বশুৰাদি মান্য ব্যক্তিক বিনীত ভাবে নমস্কাৰ কৰাহে নিয়ম। যোৰা ন্যাসত অভ্যস্তজনে সপিণ্ডৰ মান্য জনকো আচৰণ বুজিহে প্ৰণাম কৰিব লাগে।

ইতি—শক ১৮৩৪। ২৪ শ্ৰাবণ।

শ্ৰীকীৰ্ত্তিচন্দ্ৰ গোস্বামী বিদ্যাভূষণ।

———০———